# সূচী

| কবিতা | | | পিঠি |
|---|---|---|---|

যি দুজনৰ কৰ্ম্মময় জীৱনৰ

চানেকীয়ে

মোৰো অন্তৰৰ কুমলীয়া খিনিতে

আদৰ্শ-লাভৰ হেঁপাহ এটি

ৰেঙাই তুলিছিল

সেই

পৰম পূজনীয়

শ্ৰীযুক্ত গিৰীশ চন্দ্ৰ ৰায় চৌধুৰী "ডাঙৰ মামা"

আৰু

শ্ৰীযুক্ত অম্বিকাগিৰি ৰায়চৌধুৰী "সৰুমামা"

দুয়োজনৰে শ্ৰীচৰণত

অযোগ্য ভাগিনৰ

এই পাহি গন্ধহীন ফুল।

কলিকতা,
ৰঙালি বিহু,
৪৯২ শ্ৰীশঙ্কৰাব্দা।

সেৱক
—কণ—

‘বৈচিত্ৰ তুলিকা টানি আঁকা বিশ্বখনি
সুখ-দুখ ভৰা কত বিলাপ বিননি
অন্তৰ আঙুৰি ধৰে
জীৱন বিভ্ৰান্ত কৰে
আপোন চানেকী লই প্ৰাণৰ খাটনি
‘নাই’ৰ মাজত তোলে ‘আছে’ৰ পাতনি।’

—অম্বিকাগিৰি—

## সূচনা

"ছঁয়ামঁয়া"ক ৰাইজলৈ আগ বঢ়োৱাৰ মূলত আমাৰ বন্ধুমহলৰ আক্ৰান্তিয়ে বিশেষকৈ জগৰীয়া। দুৰ্ভাগ্যবশতঃ বন্ধুমহলৰ খেচ্-খেচনিত মই নিজেও অলপ বেছি পৰিমাণেই ভাগ লৈছিলোঁ। তাৰ প্ৰতিশোধ লবলৈকে হবলা ৰচকে ৰাইজৰ আগলৈ প্ৰথমতে মোক উলিয়াই দিছে। সেমেনা-সেমেনিকৈ ওলাই আহিছোঁ নিজৰ অযোগ্যতালৈ লক্ষ্য ৰাখিও।

'ছঁয়ামঁয়া'ৰ ৰচকৰ লগত মোৰ সম্বন্ধ ঘনিষ্ঠ বন্ধুতাৰ বুৰঞ্জীৰ প্ৰায় সাত বছৰীয়া এটি হেঙুলি অধ্যায়। সেই দেখি 'ছঁয়ামঁয়া'ৰ কবিতা কেইটাৰ প্ৰতি মোৰ এটা অতি আপোন ভাৱ থকাটো স্বাভাৱিক। হয়তো ৰচকৰ ব্যক্তিগত জীৱনৰ মান অভিমান, সুখদুখ আদিতো কেতিয়াবা কেতিয়াবা মোৰ নিজা ভাগ থাকিব পাৰে। তদুপৰি তাৰ কেইটামান কবিতাত আছে আমাৰ কেইজন মান অতি অন্তৰঙ্গ বন্ধুৰ সঙ্গবদ্ধ জীৱনৰ এটি আদৰুৱা বছৰৰ প্ৰতিবিম্ব। দীঘলীপুখুৰী পাৰৰ এচুকতে আমি 'আমাৰ ঘৰ' পাতিছিলোঁ। কৰ্ত্তব্যৰ তাড়নাই

আজি আমাক চেনাবেনা কৰিলেও 'আমাৰ ঘৰ' আমাৰ ঘটনাবহুল জীৱনৰ এটা মধুৰ সপোন—বন্ধুতাৰ সকলো আহিলাপূৰ্ণ কল্পনাৰ এটা জীৱন্ত প্ৰতীক। 'ছঁয়ামৱা'ই তাৰে কিছু নিদৰ্শন দাঙি ধৰা বাবেহে মই 'আমাৰ ঘৰ'ৰ উল্লেখ কৰিবলৈ বাধ্য হৈছোঁ। 'ছঁয়ামৱা'ৰ ভাষাত কবলৈ হলে,

কবিতাৰ দেশ বোলে মানুহে নাপায় ঢুকি
—আমি তাৰ ভাঙি দিলোঁ ভুল,
'আমাৰ ঘৰে'ই সখি আমাৰ কবিতা পুৰি
অদ্বিতীয় সিযে এক আৱেগ মুকুল।

আদৰ্শৰ নিৰ্ভুল পূজাৰী আমাৰ 'ছঁয়ামৱা'ৰ কবি। উদাৰ আৱেগময় হিয়াখনি লৈ তেওঁ সদায় বিচাৰি ফুৰিছে তেওঁৰ আদৰ্শ উপলব্ধিৰ সহায়। তেওঁৰ আদৰ্শ উপলব্ধিত অলপ কোনোবাই সহায় কৰা যেন দেখিলেই বৰ আশা কৰি তেওঁ আগবাঢ়ি যায় তেওঁক আপোন কৰি লবলৈ। কল্পনাৰ সখিক বাস্তৱত পোৱাৰ অকণমান আশাৰ জিলিঙনিতে কবি আনন্দত উত্ৰাৱল হৈ পৰে। কিন্তু বাস্তৱ নিষ্ঠুৰ। কবিয়ে বিচাৰে বন্ধুৰ ইচ্ছা আৰু তেওঁৰ ইচ্ছা মিলি এক হৈ তেওঁৰ আদৰ্শলৈ ধাবিত হওক। কিন্তু বাস্তৱে নিষ্ঠুৰতাৰ গহীন কেটাহি মাৰি জনাই দিয়ে "ওহোঁ সি নহব।" তেওঁ তেতিয়াহে দেখে যে তেওঁৰ অকৃত্ৰিম মৰমৰ ধূলিমাকতিৰে বাটত বিচাৰি পোৱা

মাণিকক ঢাকি ৰাখিব নোৱাৰে। কবিৰ অভিমানী হিয়া হতাশ হৈ পৰে। কিন্তু তেওঁৰ তথাপিও সান্ত্বনা দিবলৈ আছে অন্তৰত থিতাপি লোৱা আদৰ্শৰ অনুপ্ৰেৰণা আৰু চিৰ সুন্দৰৰ প্ৰতি অগাধ বিশ্বাস। কবিৰ আৱেগ আৰু আদৰ্শই আকৌ নিজৰ স্বকীয় পথেৰেই চলিবলৈ দৃঢ়প্ৰতিজ্ঞ হয়।

কিন্তু বেচেৰাৰ আশা ভুল। তেওঁ ক'ব নোৱৰাকৈয়ে অপ্ৰত্যাশিত ভাবেৰে কোনোবা সুবৰ্ণ মুহূৰ্ত্তত তেওঁৰ তপোভঙ্গ হৈ যায়। তেওঁ দেখিবলৈ পায় তেওঁৰ তপোভঙ্গকাৰিণী এগৰাকী সৌন্দৰ্য্যৰ অধিষ্ঠাত্ৰী দিঠকৰ অপেশ্বৰী। কবি নিৰুপায় হৈ পৰে। অতদিনে বিশ্বগান গাই গাই পোৱা সুন্দৰৰ প্ৰাণ তেওঁ ইমান সহজতে এই নতুন সৌন্দৰ্য্যৰ হাতত সঁপি দিবনে? কবিৰ মনোৰাজ্যত এতিয়া এখন ভয়ামঘা ৰণৰ সূচনা হয়। এফালে নৱাগতা সৌন্দৰ্য্যৰ অধীশ্বৰী আৰু আনফালে কবিৰ আৱেগ আৰু আদৰ্শৰে গঢ়া কল্পিত সৌন্দৰ্য্যৰ স্বৰূপ। কবিৰ অনুভূতিৰ সূক্ষ্ম বাণত জৰ্জ্জৰিত হৈ নৱাগতাই জনাবলৈ বাধ্য হয় যে তেওঁ কবিৰ কল্পিত সৌন্দৰ্য্যৰ আংশিক বিকাশ। গতিকে কবিয়ে তেওঁক নিঃসন্দেহে অনুপ্ৰেৰণাৰ লগৰী হিচাপে লব পাৰে। বাহ্যিক সৌন্দৰ্য্যৰ আৱৰণ ভেদ কৰি তেওঁ লাহে লাহে নৱাগতাৰ আন্তৰিক সৌন্দৰ্য্যৰ ৰাজ্যত প্ৰৱেশ কৰে। কবিয়ে দেখি আনন্দিত হয় যে বাহিৰৰ আৱৰণতকৈ তেওঁৰ ভিতৰত হে

সৌন্দৰ্য্যৰ এখন বিশাল সাম্রাজ্য পৰি আছে। গতিকে কবিয়ে বুজিব পাৰিলে তেওঁৰ তপোভঙ্গ তেওঁৰ দুৰ্ব্বলতাৰ কাৰণে ঘটা নাই। এই নতুন সৌন্দৰ্য্যৰ পৰশত তেওঁ আদৰ্শচ্যুত হোৱাৰ কোনো সম্ভাৱনা নাই। সন্ধি স্থাপন হয়। এতিয়া তেওঁৰ 'আতুৰ পৰাণে' তেওঁৰ অশৰীৰী প্ৰিয়াই 'লাজে কৰা অকণো পলমো সহিব নোৱাৰে।' লাহে লাহে কবিৰ অনুভূতি আৰু কবি-প্ৰিয়াৰ অনুভূতিয়ে নিজৰ নিজৰ স্বকীয়াত্ব এৰি একে বাট লয়। "প্ৰণয়ৰ বাসনাৰ, কামনাৰ তুচ্ছ অভিলাষ" এৰি অন্তৰত জ্বলি থকা 'দেশ-প্ৰেম-অগ্নিশিখা' লৈ তেওঁলোকে আদৰ্শৰ লক্ষ্যস্থানলৈ আগবাঢ়ে।

ইয়াৰ পিছতে আমি পাওঁ কবিৰ জীৱনত এটা বৰ ভয়াবহ অভিজ্ঞতা। ইংৰাজী আলসুৱা কবি কীট্‌চৰ নিচিনাকৈ আমাৰো আৱেগ প্ৰৱণ কবিৰ মনত মৃত্যু বিভীষিকাই হঠাৎ আহি দেখা দিয়ে। কোনোবা দৈৱজ্ঞৰ গণনাই এই ভাৱ তেওঁৰ মনত সুমুৱাই দিয়ে। এই মৃত্যুবিভীষিকা গুচাবলৈ আমি বন্ধু কেইজন মানে বৰ চেষ্টা কৰিও বিফল মনোৰথ হৈছিলোঁ। তদুপৰি ভূতৰ ওপৰতে দানহৰ নিচিনাকৈ তেওঁক জ্বৰে আক্ৰমণ কৰে। নৱিয়াপাটীত পৰি পৰি লিখা কবিতা কেইটিৰপৰা তেওঁৰ অভিজ্ঞতাৰ কৰুণ গভীৰত্ব বুজিব পৰা যায়। সৌভাগ্যবশতঃ জ্বৰৰপৰা আৰোগ্য লাভ কৰি তেওঁ বুজিলে,

'এইবাৰ জীৱনৰ দীঘল সময়
মৰণৰ মিছা ভাৱহীন ।'

এতিয়া 'মই আৰু প্ৰিয়া'কে আদি কৰি কবিতা কেইটামানত আমি কবিৰ অতীন্দ্ৰিয় অনুভূতিৰ চিনাকি পাওঁ। 'মই আৰু প্ৰিয়া' কবিতাটিত ৰবীন্দ্ৰনাথৰ গীতাঞ্জলিৰ গীত এটাৰ ছাঁ পৰিলেও তাত কবিৰ ব্যক্তিত্বৰ ৰহণ লক্ষ্য কৰিবলগীয়া। সেইদৰে 'শুকান পাত' কবিতাটি ইংৰাজি কবি জৰ্জ মেৰেডিঠৰ কবিতা এটাৰ ডাঙনি যদিও তাত কবিৰ নিজৰো অতীন্দ্ৰিয় অনুভূতি পৰি সি সজীৱ হৈ পৰিছে। 'দেৱদাসীৰ উত্তৰ' আৰু 'মোৰ দেৱতাৰ পূজাৰীলৈ' কবিতা দুটা আমাৰ আদৰ্শবাদী কবিৰ কল্পিত লক্ষ্যস্থানৰ বিশ্বস্ত প্ৰতিনিধি।

'ছঁয়াময়া' লেখকৰ হিয়াৰ আৱেগত বৈ অহা নিঃসংশয় আদৰ্শৰ বাস্তৱ প্ৰকাশ। যদি আন্তৰিকতা কবিতা প্ৰকাশৰ এটা মূল উৎস তেন্তে 'ছঁয়ামযাই তাৰ বেগ ভালদৰেই অনুভৱ কৰিছে। 'ছঁয়ামযা'ৰ প্ৰত্যেক কবিতাটিয়ে আন্তৰিকতাৰ উমনিত গঢ়পোৱা। তাৰ উপৰি 'ছঁয়ামযা'ই দাঙি ধৰিছে লেখকৰ দেশাত্মবোধৰ এটা অনাবিল চানেকী। প্ৰায় প্ৰতিটো কবিতাই দেশমাতৃকাৰ পূজালৈ লেখকৰ অন্তৰ ফুলনিৰপৰা তুলি অনা একো পাহি অনাৰম্বৰ বনৰীয়া ফুল। নিজৰ অকণি শক্তিৰ সীমাবদ্ধতাৰ মাজেদিও তেওঁ বিচাৰে চিৰ চেনেহী অসমী আইৰ

পূজাৰ যোগান ধৰিবলৈ। ই তেওঁৰ সকুৰে পৰা লহ পহকৈ বাঢ়ি অহা প্ৰবল আশা। সেই দেখি তেওঁৰ যৌৱনৰ ভাল পোৱা আদৰ্শৰ

অকণি প্ৰকাশ ইযে আদৰ্শতে মিলি
জগতক শুনাবলে' জয়গীতি ধ্বনি
উজ্বলাই ধৰিবলে' লুণ্ঠিতা জননী।
দুৰ্ব্বলতা ? দূৰতেই ৰ'ক, নিদিওঁ প্ৰশ্ৰয়
যৌৱনত অধিকাৰ দুৰ্ব্বলীৰ নাই।

কবিৰ কল্পিত আদৰ্শই ৰাইজৰ হাততো আদৰ পাব বুলিয়ে 'ছঁয়াময়া' আগ বাঢ়িব ; বুকুত সবল আশা সমুখত ৰাইজৰ মৰম সহানুভূতি। নিবেদন, ইতি

কলিকতা,
১৮ চ'ত

শ্ৰীচক্ৰেশ্বৰ ভট্টাচাৰ্য্য

## আশা

আকাশ মুখৰ কৰা
ক্ষুদ্ৰ জ্যোতিকণা—
অন্তহীন ক’লা মেঘ ভেদি
নিমিষ পোহৰ কৰি
সৃষ্টিৰ গৌৰৱ ঘোষে ;
আঁউসীৰ অন্ধপথে
পথিকক বাট দেখুৱায়—
“এই বাটে যোৱা আগুৱাই” !

সসীম জীৱন ভেদি
কালহীন মহাসাগৰত
চিন দিয়া, আদৰ্শৰ
জিলিঙনি এটি
যদি উঠে ফুটি
তাতেই গৌৰৱ মোৰ
ক্ষুদ্ৰ সাধনাৰ,
নাই অহঙ্কাৰ।

কলিকতা

১৭.১।৩১

২ অৰূপ তৃষ্ণা

বিশ্বই তুলিকা লই যিদিনাই ৰূপ দিলে চিৰসুন্দৰৰ,
ধাউতি জাগিল মোৰো আকুল অন্তৰ ভেদি অসীম লাভৰ।
তৃষাতুৰ যাত্রা মোৰ পুলকত দিশাদিশ আদি-অন্তহীন,
প্রকৃতি জেউতি চৰা দূৰণিৰ ৰূপলেখা সমীপত খীণ।
সুন্দৰ ৰূপৰ ছঁয়া ভিনে দেখি হৰষত যাওঁ আগুৱাই,
সকলোটি ভেদি মাথোঁ তৃষাতুৰ হিয়াখনি যায় আৰু যায়।
হঠাতে চমকি চাওঁ—এৰি থই বহুদূৰ আহিলোঁ উধাই,
থিতাতে পাহৰি যাওঁ যাত্রাৰ আদিম হেতু ৰূপ-তৃষা নাই।
সমুখত কাৰোবাৰ অফুট মধুৰ সুৰ,—“আহাঁ আগবাঢ়ি,”
ঘূৰি চাই দেখোঁ মাথোঁ অপৰূপ তীব্রজ্যোতি ধৰিছেহি বেঢ়ি।
আচৰিত পোহৰত দুয়োটি নয়ন মোৰ যায় জাপ খাই,
সাৰ পাই দেখোঁ মোত অৰূপ তৃষাৰ বিনে একো আৰু নাই।

কলিকতা
২।১১।৪০

৩

# নাই কোনো আজি

মোৰ ই করুণ হিয়া আবেগ বিচাৰি
ফুৰিলে কতনো ঠাই যাতনা কাষৰি ;
কাৰো ক'তো প্ৰাণ নাই সহায় বিহীন
এটি মাথোঁ বাহিৰৰ হাঁহিটি ৰঙীণ।
তাতেই সান্তনা থাপি আঁতৰি আহিল
ব্যৰ্থতাৰ বোজা বান্ধি ভাগৰি পৰিল।
মোৰ ই অন্তৰখনি নুবুজে কোনেও
কত বন্ধু সপোনৰ নেচায় কোনেও।
সপোনতে ৰূপ গঢ়ি—জেউতি চৰাই—
যায় চাপি আগবাঢ়ি— উলটি নাচায়।
তাতো যে বেদনা মোৰ শান্তিৰ পাটীত
আহিবতো খোজে তেও মিলন বেদীত !
হিয়াৰ আবেগ সনা কঠুৱা কথাটি
উপযাচি যাচি ফুৰে সকলো সাবটি।
নিৰাশ ভ্ৰমণ মাথোঁ বিৰাগ সংসাৰ
নুবুজে প্ৰাণৰ প্ৰাণ হতাশ অসাৰ !
এটি মাথোঁ কথা সিও ক্ষুদ্ৰৰো বিনীত
সেয়ে নেকি সংসাৰত সদায় ঘৃণিত ?

লাঞ্ছিতৰ ভগা হিয়া মোৰেই বুকত
দিছে জাপি অনন্তই কিহৰ সুখত ?
বন্ধুহীন সংসাৰৰ পদূলি মুখত
মাতি থাকি পালোঁ কিনো হিয়াৰ দুখত ?
অসাৰ ই মৰুভূত ওৱেচিচ নাই,
হৃদয়ৰ বিনিময় হৃদয়ে নেপায়।
কুলি কেতেকীৰ মাত কঠোৰতা ভৰা,
নিঠুৰ মাতেৰে মাতে দহিকতৰা।
বননিৰ ফুলে চায় ফিচিকা চাৱনি
গোলাপেও তুলি ধৰে কাঁইট বান্ধনি।
ওচৰৰ নিজৰাৰ ফিচিঙালি সুৰ,
শেৱালিৰো গোন্ধ আজি কেটাহিৰে পূৰ।
এনেই গঞ্জনাভৰা মানৱ চাৱনি,
প্ৰকৃতিৰো তাতে আজি হৃদয় পাষাণী।

এয়েনেকি জীৱনৰ সোণালী সপোন
এয়েনেকি বন্ধুতাৰ চেনেহ দাপোণ,
এয়েনেকি জগতৰ দানৰ আঁজলি
এয়েনেকি বিষাদৰ ভুলোৱা শেতেলি ?
মোৰ ই পৰাণখনি কোনে পাব বুজি
বন্ধু মোৰ—প্ৰাণ মোৰ—নাই কোনো আজি।

কটন পুৰণি ছাত্ৰাবাস
১৪।১১।৩৮

# স্মৃতিৰ সখি

এখানি অন্তৰ মোৰ উপচি পৰিল দেখোঁ
পাই কিবা আনন্দৰ হেৰা-পোৱা ভাগ,
বিচাৰিলোঁ সেয়ে’ মই লগৰ আপোন জন
পাহৰাওঁ বুলি সেই পুৰণি বিষাদ।

স্মৃতিৰ সখিক মোৰ দিঠকত লগ পাই
কথা কলোঁ অন্তৰৰ ব্যথা লুকুৱাই,
বাহিৰত ৰঙ দেখি সখিটিয়ে কাণ পাতি
মোৰো সেই ব্যথাটিক থ’লে পাহৰাই।

তাতোকে’ ওচৰ কৰি কথাষাৰি ভাঙি কই
উদঙাব খুজিছিলোঁ হিয়া যেতিয়াই,
“নোৱাৰোঁ শুনিব আৰু”—বুলি তেওঁ আঁতৰিল
—স্মৃতিৰ সখিটি আহি মোক নিচুকায়।

স্মৃতিৰ সখিটি মোৰ দিঠকত হেৰুৱাওঁ
—বিয়াকুল জীৱনৰ এয়েই নিৰ্ম্মালি,
কৰিবনে কেতিয়াবা দিঠকৰ ভুল ভাঙি
হিয়াকাশ খনি মোৰ তৰাৰে দীপালী!

কলিকতা
২৭।১২।৪০

## ৫ মিলন প্ৰতীক্ষাত

অচিন চিনাকি মোৰ
সুদূৰৰ বন্ধুটিৰ
যেই দিনা হব আহি
মোৰে দৰশন,
কাষৰতে ঠিয় হ'ব
চকুৰে দেহাটি চাব
প্ৰাণে কিন্তু আগেয়েই
পাতিব মিলন।

মনে মোৰ নিজ বুলি
লবহি বুকুত তুলি
হিয়াই অজানে গাব
অপ্ৰকাশ গীতি,
প্ৰাণৰ সাঁচনি কথা
মুখত কঠুৱা হব
সেয়ে' সোৱঁৰাই দিব
অতীতৰে প্ৰীতি।

আকুল ব্যাকুল মোৰ
ব্যৰ্থ-বেদনা চোৰ
ধৰা হলে দিব মোক
আহি হাতে হাতে,
ধৰিবহে নোৱাৰিম
চিএঞৰণো পাহৰিম
আৱেগৰ ডোলে মুখ
বান্ধিব আগতে।

হাতৰ ভঙ্গীৰে মাথোঁ
আদৰি আনিম মোৰ
সপোনতে দেখা পোৱা
সাদৰি সখিটি,
কিনো পাবি বহুৱাম
কিনো বুলি সম্ভাষিম,
অশুচি আসন খনি
কেটেৰা মাতটি।

সিদিনাৰ মিলনত—
হৃদয়ৰ এচুকতে
দেৱতাৰ নামনিতে
ৰাখি খোৱা ছবিখনি
আৰু উজলাব,

তাৰে এটি পোহৰতে
আদৰ্শৰ আঁউসীতো
দ্বিতীয়াৰ জোনটিয়ে
কিৰণ বিলাব।

দিগ্বলয় বেঢ়ি থকা
বাৰিষাৰ মেঘে ঢকা
অন্ধকাৰ আকাশতো
চমকে বিজুলী,
তেনেদৰে অসমতো
মিলনৰ অমিয়াৰে
কেতিয়াবা দিব পাৰে
শান্তিৰ আঁজলি।

আহাঁহে সখিটি মোৰ
গুণৰ নেপাওঁ ওৰ
নিঘিণাই কাষৰতে
বহা চমু চাপি,
চাই লওঁ দিঠকত
হোম হক দিবাকৰ
হোতা হক চক্ৰেশ্বৰ
ভৱানন্দ সাক্ষী।

কটন ছাত্ৰাবাস
২৫।৬।৩৯

## —মিলনৰ গৰিমাত—

অচিন আছিলোঁ, সখি
কোন দিনা বাৰু মই ?
চিৰকাল তোমা-মোৰ
ঘটিছে মিলন,
আজি আৰু ঠিয় হই
জনাবা প্ৰণয় কিয়
কাষৰত বন্ধু বুলি
কৰি সোৱঁৰণ ?

আজিৰ আপোন তুমি
নোহোৱা বুকুৰ সখা
নোহোৱা আজিৰ মাথোঁ
লগৰীয়া মোৰ,
প্ৰাণৰ কথাটি আমি
চিৰকালে যাচি আছোঁ
যাচি আছোঁ চেনেহৰো
প্ৰেম কণাবোৰ ।

তোমাৰ ব্যাকুল গীতি
নহয় নহয় প্ৰীতি
মোৰ প্ৰিয় আদৰ্শৰ
কদাপি নহয়,
ধৰিব পাৰিবা সখা
বুজিব পাৰিবা সখা
মোৰ এই হিয়া খনি
প্ৰেম-প্ৰীতিময় ।

কিদৰে দেখাবা বাৰু
বুকুৰ আকুল ব্যথা
পৰশৰ এটি মাথোঁ
মৃদু পুলকেৰে,
নেলাগে একোকে সখি
বুকুৰ চেনেহ দেখি
মোৰ প্ৰাণে এনেয়েই
ভাল পাব পাৰে !

চিৰকাল মিলনত—
হৃদয়ৰ আকাশত
জ্বলিছে অযুত তৰা
পাহে পাহে জ্বলে বন্ধু
তাতো আলো ৰাশি,

বিৰাট পোহৰে তাৰ
জীৱনৰ জোনাকত
সুখৰ প্ৰতিভা দিব
নিৰলে প্ৰকাশি।
মেঘৰ চকুলো ভাবি
নিদিবা বেদনা মোক
বাৰিষাৰ বিজুলীৰে
মুখুৰাবা চক,
অসমীৰ চকু-পানী
আমিয়ে মচিম সখি
আমিয়ে ফুলাম শোভা
—কেশৰ অলক
কোনে জানে আমিয়েই
হয়তো এদিন হ'ম
মাতৃৰ পূজাৰ গুণী
শতেক সন্তান,
হয়তো আমিয়ে আনি
জ্ঞানৰ গৰিমা ৰাশি
দেশৰ সেৱাত দিম
অকাতৰে দান।
মিলন আজিৰ প্ৰিয় নহয় আমাৰ
যুগে যুগে মিল আছে এই আতমাৰ।

সাক্ষী আছে হিয়া খনি
সাক্ষী আছে মন মোৰ
সাক্ষী আছে প্ৰভাতৰ
মুকলি আকাশ,
আতমাৰ প্ৰেম-প্ৰীতি
সদায়ে আপোন প্ৰিয় !
নহয় ইটিৰ হকে
সিটি যে উদাস।

—শ্ৰীউপেন্দ্ৰনাথ শইকীয়া

আমাৰ ঘৰ
৯।৯।৩৯

## জীৱন-গীতি

বহুদিন লগেৰে আছিলোঁ
চিন্তা মোৰ আছিল বহুটি,
আজি মই অকলশৰীয়া
চিন্তা মোৰ মাথোন একেটি।

লগৰীয়া সমনীয়া মোৰ বুলিবৰ
নাই মোৰ কোনো ক'তো আজি,
বাটত বিচাৰি পোৱা মাণিক কেউটি
সৰি গ'ল পুনু জোলোঙাদি।

যিমানে ঢাকিব খোজোঁ মাণিকক মোৰ
মৰমৰ ধূলি মাকতিৰে,
নিজৰ উজ্জ্বল জ্যোতি আপুনি প্ৰকাশি
বাৰে বাৰে সিও লৰ মাৰে।

লাও লোৱা মোৰ এই মৰম জোলোঙা
যিমানেই হেঁপাহৰ মোৰ,
মাণিকে নুবুজে মোৰ অন্তৰৰ ভাষা
গুচি যায়,—আহে বেথা-লোৰ।

ঘনে ঘনে বাটটিত জুটি খাই যাওঁ,
কোনোবাই আদৰেৰে মাতে
আদৰৰ আশাতেই ওচৰ চাপিলে
লাহেকই যায় দূৰ বাটে।

তাৰে এটি কেতিয়াবা আহে কাষ চাপি
শুনে মোৰ বুকুৰ কথাটি,
সিও সেই দুদিনীয়া, এৰি গুচি যায়,
—এয়ে মোৰ জীৱনৰ গতি।

আজি মোৰ জোলোঙাটি তেনেই উদঙ
ময়ে তাৰ সমাধি সাজিছোঁ।
মোৰো আৰু জীৱনৰ লক্ষ্য থিৰ হ'ল
সেয়ে আজি ৰঙেৰে হাহিছোঁ।

কলিকতা
৩১।৫।৪০

৭

## অকলশৰীয়া

দূৰণিত কিৰণৰ এটি ক্ষীণৰেখা,
মই তাৰ সাধনা পথিক,
খোজে পতি তুলি ল'ম বিপদৰে বোজা
তাতে মোৰ তৃপিতি অধিক।

বিষাদৰ গান গাই কাণ কলা কৰা
নাই মোৰ একো প্ৰয়োজন,
হৃদয়ৰ কথাখিনি মানুহে নুশুনে
তথাপিতো আছে শুনাজন।

অন্তৰৰ বল মোৰ বাঢ়িব নিতউ
যিমানেই পূজিম সুন্দৰ,
লগৰীয়া সমনীয়া সুৰঁৰি সুৰঁৰি
হোতা হ'ম জীৱন-যজ্ঞৰ।

আজি মোৰ সকলোটি গইছে আঁতৰি
নাই বুলি মোৰ একোৱেই,
একেটি বিভূতি মোৰ প্ৰাণৰ মৰম
—আনফালে টোকোনা তেনেই

ধনী মানী যত মোৰ আছে লগৰীয়া
দুদিনলে' বেঢ়ি-কুৰি ধৰে,
চকু দুটি আঁতৰাতে খেদে দূৰলই
হিয়া মোৰ পদাঘাত কৰে।

মই থাকোঁ দূৰণিত কান্দি অকলই
ভাবোঁ মোৰ সিসৱৰে কথা,
তেওঁলোকে মোক হেনো পাহৰি পেলায়
মই হওঁ অতীতৰে কথা।

সেয়েহেতো আজি মই অকলশৰীয়া
—অতীতৰ স্মৃতিটি লগত,
তাৰেই পূজিম বুলি আহিছোঁ সুন্দৰ
শক্তি দিব আদৰ্শ-পথত।

হিয়া মোৰ যদিওবা আজিও কোমল,
কাল'ইকো আগ নবঢ়াওঁ,
কাৰোবাৰ হিয়া পালে সাদৰি আনিম
বিষাদৰ ৰাগিনী নেগাওঁ।

কলিকতা
১।৬।৪০

সপোন-সৌন্দৰ্য্য তুমি, হেৰা অপেশ্বৰী,
দিঠকত কিয় ঢালি গ'লা ?—পাহৰাই
জগতৰ সোণালী-সপোন ? কাঢ়ি নিলা
সুন্দৰৰ প্ৰাণ প্ৰিয়তম ; যিটি প্ৰাণ
বিচাৰি বিচাৰি মই কত ঘূৰি পকি
পাইছিলোঁ সুন্দৰত—গাই বিশ্বগান ।

তোমাৰ সৌন্দৰ্য্য মই নকৰোঁ কামনা,
যাচি দিছা তথাপিতো, নকৰোঁ কাষৰি,
ল'ম যদি দিব পাৰা সুন্দৰৰ প্ৰাণ ।—
সুন্দৰৰ প্ৰাণ মোৰ অতি আপোনাৰ
কাঢ়ি নিছা ; পাৰিবানে ৰাখি থব তাক
বিচাৰিলে সন্ধিয়াকে' মোক দিবলৈ ?
যদি পাৰা, ৰাখি থোৱা তোমাৰে প্ৰাণত,
আঁকি থোৱা ভোল-যোৱা সুন্দৰৰ ছবি
পাহৰিম তোমাকেই চাই ভোল গই,
সুন্দৰৰ আৰাধনা তোমাতেই কৰি
তোমাকেই ৰাণী পাতি মোৰ হৃদয়ৰ
বহুৰাম হৃদয়ৰ সোণালী ৰথত ।—

কৰ্ম্মসূত্ৰ গাঁথি তুমি দেখুৱাবা বাট
কল্পিত আদৰ্শ যাতে ইপাৰতে সাজি
কৰি থই যাব পাৰোঁ তাৰকা মণ্ডিত ;—
তাৰে এটি জ্যোতি পৰি জ্বলি উঠে যেন
বিশ্ব ভূমণ্ডল ।

যদি পাৰা ৰাখি থব মোৰ
কল্পিত আদৰ্শ—তেতিয়াহে পূজিম তোমাক ;
কিন্তু, প্ৰিয়ে, পাৰিবানে ? নতুনৰ আশা
পাৰিবানে দূৰ কৰি, উদাস সহিব ?
দূৰতেই ধ্যান কৰি থাকিম তোমাক
তাতে শান্তি পাব মোৰ প্ৰাণে ; পাৰিবানে
বিচাৰিব তাতে তুমি শান্তিৰ নিজৰা ?
যদি তুমি আহোঁ বোলা মোৰে কাষলই
পাবতো লাগিব তুমি তাতেই সন্তোষ !
যদি দিব পাৰোঁ মোৰ হৃদয়ৰ ধন
নোৱাৰানে উছৰ্গিব স্বাৰ্থ অকমান ?

কত জনে স্বাৰ্থ ৰাখি নিজৰ হিয়াত
নিজ পাহৰিলে,—পাপময় স্বাৰ্থ দেখি
ডুব দিলে দিনমণি সৌন্দৰ্য্যৰ চূড়া—

মেঘৰ আঁৰতে। পাহৰিলে যেতিয়াই
স্বার্থ-ধূলিকণা, দিনান্তেও দেখা দিলে
বিকৃত সুন্দৰ সেই সৌন্দর্য্যৰ ৰবি
আভা এটি পাই সেই চিৰসুন্দৰৰ ;
তেজোময় দীপ্ত বেলি পশ্চিম প্রান্তৰ
মেঘকে ৰঞ্জিত কৰি নাচি নচুৱাই
জগতক কই দিলে—চিৰসুন্দৰক
ধ্যান কৰি পাবা বুলি সুখ মৃত্যু এই,
পাহৰিবা সুখ-দুখ ঘোৰ কলুষতা,
পাবা দুটি ৰাতুল চৰণ—পূজে যাক
নিৰন্তৰে ত্রিভুবন-ত্রিদিব সহিতে।

তেন্তে প্রিয়ে, পাৰিবানে যাচি দিব
প্রাণটি তোমাৰ ? এৰি স্বার্থ অকমান
বিনিময় কৰা মোৰ প্রাণৰ লগত।

নোৱাৰা যদিহে তুমি উদাস সহিব
নোৱাৰাও কাঢ়ি নিব প্রাণ সুন্দৰৰ।

বৰপেটীয়া পাৰা
গুৱাহাটী
৭।১১।৩৭

কোনে কৰে
ৰুদ্ধ মোৰ যৌৱনৰ ভাষা ?

যদিওবা,
বুলাই কোমল হাত
হেমন্তই প্ৰকৃতি আদৰে,
শীত আহি সমীৰ ৰথত
প্ৰকৃতিৰ গছ-পাত অলঙ্কাৰ কাঢ়ি
অতৃপ্ত যৌৱনা ষোড়শী
কৰে শুভ্ৰ বেশী !—

নাৱৰীয়া কুৱঁলীত হই পথহাৰা
সকাতৰে কয়, "ৰক্ষা কৰা
দিয়া এটি আলোৰ নিজৰা" ;—

নীড়ভগা দুটি পখী সহায় বিচাৰি
ডালে ডালে পৰি
শীতৰ মাজেৰে তুলি কৰুণ লহৰী
উষাকে অপেক্ষি ৰয়
নিজক সামৰি ;—

অনাদৃত ফুলনিৰ কোনোবা কুসুমে
ভোমোৰাক প্ৰাণ যাচি যাচি
নিয়ৰৰ চকুপানী টুকি
ভাবে মাথোঁ, "শেষ হক ৰাতি" ;—

তথাপিও,
তথাপিও প্ৰকৃতিৰ আছে এটি ভাষা
আছে তাৰ মিলনৰ আশা
আছে তাৰ যৌৱনৰ জয়-লাভ তৃষা ।

সূৰ্য্যৰ কিৰণে টনা ৰথত আৰোহি
বসন্তই আহে আগ বাঢ়ি,
শীতৰ তমসা ৰাজ্য লৈ যায় কাঢ়ি ;—
নবীনা প্ৰকৃতি পুনু উঠে দিনে বাঢ়ি ।

বননি মননি আৰু নীলিম আকাশ
সকলোৱে পাই উঠে মুক্তিৰ আভাস,—
নাৱৰীয়া, ফুল কলি, নীড়হীন পখী
গুচি যায় সকলোৰে ত্ৰাস ।

মুক্তবেণী ষোড়শীৰ চেপাখোৱা
অন্তৰৰ ভাষা
ফুটি উঠে গছে-পাতে
বননিৰ অজানা ফুলতে,—

কেনিবা লুকাই ৰয়
ভুল কৰি লাজ পোৱা শীতে।

শীতৰ ভুলক খেলি
বসন্ত, শৰৎ, গ্রীষ্ম, অমৰ বৰষা,
প্রকাশে জগত জুৰি
গুচায় তমসা।

যৌৱনৰ হেন্দোলনি দিনে বেছি উঠে
শক্তিৰ মহলা দিয়ে যুঁজি মেঘে মেঘে
বজ্রই তিমিৰ ভেদি তাকেই প্রকাশে।

বর্ষাৰ ঢলত উঠি প্রকৃতিৰ ৰূপে
—কলঙে লুইতে—
ৰুদ্রস্বৰে কয় নিতে নিতে,—
"কোনে কৰে ৰুদ্ধ মোৰ যৌৱনৰ ভাষা
গুচা নাই, গুচা নাই, এতিয়াও গুচা নাই,
অমৰণ আতমাৰ ৰূপহীন তৃষা।"

কলিকতা
২৪।১২।৪০

## ১০ মোৰ ভালপোৱা

ইকি মোৰ দুৰ্ব্বলতা ?

মোৰ এই ভালপোৱা যৌৱনৰ বিজয় পতাকা
উৰুৱাই ৰাখি মোৰ দেহ মণ্ডপত
সুসবল সুগভীৰ ভাৱোচ্ছ্বাস লই
বোলোৱা পতাকা মোৰ উজ্বলি সদায়
দূৰণিৰ শতুৰুক ৰাখি আঁতৰতে
শান্ত কৰে চেনেহেৰে আপোনাৰ জন —
পতাকাৰ তললই আহোঁতা জনক
কৰি লয় অজানিতে হৃদয়ে বৰণ ।

মোৰ এই ভাল-পোৱা—কামনা বিহীন,
ভাল পায় আদৰ্শৰ ক্ষুধিত পথিক
তাকে লই আগ বাঢ়ি কৰিছে সন্ধান
জগতত বিচাৰিছে মাতৃৰ আহাৰ
ক্ষুধাতুৰা জননীৰ তৃপ্তিৰ কাৰণে,
মাতৃ ঋণ পৰিশোধ কৰ্ত্তব্য সাধনে ।

নিবিচাৰোঁ যৌৱনৰ তুচ্চ অভিলাষ
কৰিবলে' অলপো পূৰণ । লাগে মোক
কৰোঁ ব্যৱহাৰ—উদ্দাম প্ৰেৰণা

দুবাহুৰ যত শক্তি, অন্তৰৰ বল
ত্যাগ আৰু ক্ষমতাৰ বাস্তৱ ৰচনা
সসীমতা ভেদি পোৱা সকলো কল্পনা।

ভালপোৱা দুৰ্ব্বলতা ?—নিঃশক্তিৰ
শক্তি ইযে, দৰিদ্ৰৰ ধনৰ দৌলত
অঘৰীৰ উত্তম প্ৰাসাদ ; পিপাসুৰ
অমৃতৰ অক্ষয় ভাণ্ডাৰ, অশান্তৰ
শান্তিময় শীতল জৰণা, পথহাৰা
পথিকৰ ইয়ে মাথোঁ এটি ধ্ৰুৱতৰা !

ইওনেকি দুৰ্ব্বলতা ? কৰ্ত্তব্য বিশ্ৰুত হই
কল্পনাৰ দুৰ্ব্বলতা আঁকোৱালি ধৰি
মিছা মাথোঁ স্বপ্ন দেখি বাস্তৱ উটোৱা
সংসাৰৰ পথিকৰ বলিয়ালি দূৰ কৰা
ইয়ে মাথো শ্ৰেষ্ঠ মহৌষধি।

সেয়ে সখি মোৰো ভালপোৱা, আদৰ্শৰ
অকণি প্ৰকাশ ইযে আদৰ্শতে মিলি
জগতক শুনাবলে' জয় গীতিধ্বনি
উজলাই ধৰিবলে' লুণ্ঠিতা জননী।

দুৰ্ব্বলতা ? দূৰতেই ৰক, নিদিওঁ প্ৰশ্ৰয়
যৌৱনত অধিকাৰ দুৰ্ব্বলীৰ নাই।

আমাৰ ঘৰ
১০।৯।৩৯

১১

# মিলন

## ( ১ )

অশৰীৰী তুমি।
কায়াহীন ছায়া এটি সপোন পুৰত পোৱা,-
জীৱন শিলনি ভাঙি যৌৱনৰ নিজৰাত
উটি অহা অজানৰ বনৰীয়া
এপাহি কুসুম।

থেকা খোৱা জীৱনত আকুল পিয়াহ লই
বিচাৰিছোঁ তোমাকেই
দিবা বুলি তৃষিতক
যৌৱনৰ মধুৰিমা তোমাৰ প্ৰাণৰ।

আজি তুমি নকৰিবা লাজ,
চৰাব সি যদিওবা তোমাৰ মুখৰ লাহ
আতুৰ পৰাণে মোৰ সহিবতো নোৱাৰিব
লাজে কৰা অকণো পলম!

তুমি আজি এনেয়ে ৰূপহী,
প্ৰকৃতিয়ে গঢ়ি দিয়া মাদকতা ভৰা
সুকোমল যৌৱনৰ আছে সউ
মিচিকাই কঁপি উঠা ৰঙচুৱা ওঁঠ;

পদুমেও লাজ পোৱা দুচকুতো দেখোঁ মই
তৃষ্ণা জগা কেৰাহি চাৱনি ;
মুখনিত ৰাং-চৰা আছে সউ প্ৰাণভৰা
মধুৰ হাঁহিটি,
গোলাপৰ পাহসৰা দুখনি গালতো আছে
সুৰুযৰ ৰহন ৰাঙলী ।

আৰু দুটি ভৰি ?
তাতো আছে লয়লাস ধীৰ মলয়ৰ
দিঠকত আঁৰ হৈ পৰা
কল্পনাত গঢ়ি তোলা শান্তি দিয়া গুণ ।

তোমাৰ অন্তৰ ?
নিজেই বুজিছা তুমি !
পৱিত্ৰ অন্তৰে দেখোঁ ফুটাই তুলিছে এটি
শৰীৰত নিৰমল জ্যোতি ।—

তাতেহেতো আজি মই পাইছোঁ তোমাতে
যৌৱনৰ জয়-গীতি
কল্পনাৰ ৰসাস্বাদ
পৰাণৰো ওচৰৰ একেখনি প্ৰাণৰ দাপোণ ।
আহাঁ আজি দিয়া মোক
প্ৰেৰণাৰ অকণি সহায়,—

তুমিয়ে নহলে দেখোঁ নীৰস প্ৰাণত মোৰ
অনুভূতি উদগনি যাচিবলে' মোক
জগতত আজি কোনো নাই।

(২)

নেভাবিবা তুমি আজি আপোনাৰ কথা ;
আপোনাক নোৱাৰিলে আনত মিলাব
জীৱনৰ অনুভূতি
যৌৱনৰ তীব্ৰগতি
কাৰোৰে'তো একণিও ৰস নাথাকিব !—
অসীমৰ অনন্তৰ
সৃষ্টিৰ উদ্দেশ্যটিও
তোমাৰ কৰণে কিয় ব্যৰ্থ হৈ যাব ? —
বিধাতাৰ নিৰমান
শ্ৰেষ্ঠ মানৱেই
কিয় তাৰ তিলমানো অৰ্থ নুবুজিব ?

প্ৰকৃতিৰ বুকুতেই তোমাৰো জনম,
পালিতাও প্ৰকৃতি বুকুত—
প্ৰকৃতি পুৰুষে ৰচা এই সৃষ্টিখনো
ৰহস্যৰ আদৰ্শ ভঁৰাল ;

সদায় উধায় কিবা অসীম বেগত
অসীমৰ লক্ষ্যস্থান বিচাৰি বিচাৰি
মিলনত মতলীয়া সৃষ্টিৰো পৰাণ ;
তুমিয়োতো সেই দেখি মিলিব লাগিব ।—
জীৱন যৌৱন মথি আদৰ্শৰ অমৃতেৰে
মৰণৰ মাজেদিও
অনাদি অনন্তকাল অমৰাৰ বীজ সিঁচি
জগতত গজাব লাগিব ।

শূইনৰ বোকোচাত উঠি উঠি খেলি অহা
আঁউসীৰ অন্ধকাৰে
পূৰ্ণিমাৰ পোহৰেও
নোৱাৰিব ঢাকি থব জগতৰ গুপুত ৰহস্য ;
আকাশৰ তৰাটিতে
জোনাকী পৰুৱাটিতে
নিৰলাত ফুলি থকা জগতৰ অনাদৃতা
বনৰীয়া অকণি ফুলতে
সৃষ্টিৰ অসীম ব্যথা প্ৰকাশি উঠিব ।

সুকোমল হিয়াময় তুমি
নকৰিবা একোতেই ভুল ;

পৱিত্ৰতা চানেকিৰে আহাঁ আজি তুমি
গঢ়িব পাৰিবা নিজে পূৰ্ণ দিঠকতে,
আদৰ্শৰ সপোনৰ
নিজে ভবা জগতৰ
সোণালী মন্দিৰ ;
নিৰাকাৰ অনন্তৰ পূজাৰ মূৰতিখনি
থাপিবাহি তাৰে থাপনাত,
দুয়ো আমি পূজা কৰি ভাগৰি পৰিলে
লালকাল দি ৰ'ম
দেৱতাৰে ৰঙা দুটি চৰণ তলত।

আমাৰ ঘৰ
৯।৮।৩৯

## ১২ মিলন-বাধা

কুৰূপৰ পঙ্ক ভেদি যৌৱনৰ শতদল
ফুলি আছোঁ তোমাৰেই হৃদি-সৰসীত,
নোৱাৰা তথাপি ল'ব আপোনাৰ বুলি তুলি
—সুবিশাল পঙ্কধাৰ জগত-নিন্দিত।

তোমাৰ প্ৰাণৰ ভাষা মোৰ প্ৰাণে গম পালে
মুকুলৰ বুকু ফালি ওলালোঁ পঙ্কজ,
অকুটিল হাঁহিটিৰে জগত মুখৰি তোলোঁ,
—মিলন তোমাৰ জানো তথাপি সহজ?

মোৰ ই সৌৰভ যদি বতাহতে মিলি যায়
তাতে মোৰ সাধনাৰ মিলন গৌৰৱ,
তোমাৰ দুৰ্ব্বল হিয়া অন্তৰতে জহি যাব
শৃঙ্খল-প্ৰাচীৰে তাৰ ৰুধিছে সৌৰভ!

হাঁহোঁ মই অকলেই—হাঁহিম সৰ্ব্বতিকাল,
তোমা দৰে যৌৱনৰ দেখি দুৰ্ব্বলতা,
পোহনীয়া ফুলনিৰ শেঁতা ফুল এটি তুলি
মুকলি ফুলক দেখি হ'লা যে লজ্জিতা।

কলিকতা
২০।২।৪১

১৩

## অনুৰোধ

আজি তুমি জীৱনৰ ভৰ দুপৰীয়া
কৰ্ত্তব্যৰ জোৰ লই আদৰ্শৰ পথীটি বিচাৰি
অন্তৰত লই শত ভবিষ্যৎ তৃপ্তিৰ হেঁপাহ,
আহি মোৰ চাপিছাহি কাষ।

তোমাতে দেখিছোঁ ময়ো—
মোৰ এই বিদ্ৰোহী অন্তৰ-ভৰা
আগত-আন্ধাৰ দেখা, কত শত হুমুনিয়া
অন্তৰ বাগৰি যোৱা ;
তাকে তুমি ধৰি লই খুজিছাতো
জীৱনৰ আদৰ্শটি পাব।
দুয়ো মিলি দূৰতেই—দুগুণ উছাহ লই
কৰ্ম্মৰ সাগৰ মথি
বিচাৰিম সমুখত জীৱনৰ উদ্দেশ্য পৰম,
অকণি পোহৰ হব শত উদ্দীপনা
যত কষ্ট গ্লানি হব প্ৰাণৰ প্ৰেৰণা।

তেন্তে তুমি নকৰিবা ভয়
সংসাৰৰ ভুৱা খেলা, মায়াভৰা মোহন ছবিত
নুভুলিবা অকণিও তুমি।
অন্তৰত জ্বালি লই দেশপ্ৰেম অগ্নিশিখা—
সকলো আহুতি দিবা
প্ৰণয়ৰ, বাসনাৰ, কামনাৰ তুচ্চ অভিলাষ।—
এয়ে মোৰ তোমালই প্ৰাণৰ প্ৰাৰ্থনা।

নুবুজিবা, নকৰিবা ভুল ;
আগ বাঢ়া পাবলই পৱিত্ৰ আদৰ্শ
নাই যাৰ জগতৰ একোতেই তুল।

আমাৰ ঘৰ
১০।৮।৩৯

## ৪ ভুল আৰু আদৰ্শ

সখি, মোৰো ভুল ?
তুমি কোৱা — মই বুজোঁ ভুল ?
মোৰ এই জীৱনত আদৰ্শ-ভাস্কৰে য'ত
ঢালিছে কিৰণ-মালা, শত শত কৰ্ম্মগ্ৰহ
ঘূৰি আছে তাৰে চাৰিদিশে,
তাকে নিজ কেন্দ্ৰ কৰি
ঘোষিছে মহিমা নিতে
আদৰ্শৰ ভবিষ্যৎ উজ্জ্বল ছবিৰ।

মই ফুৰোঁ আদৰ্শৰ কল্পনা পথত
ভাল বেয়া দুয়ো হয় ভালতে বিলীন,
ভুলে লয় শুধৰেই আন এটি ৰূপ
সকলোটি মিলি গঢ়ে মোৰেই স্বৰূপ।

ভুল মোৰ ? হব পাৰে। ভুলতেই গঢ়া
যদি সৃষ্টিৰ পুতলা আমি, ভুল তাৰ
চিৰ সহচৰ। কিন্তু সখি নিৰ্ভুল ইভুল,
সুন্দৰৰ এটি মাথোঁ গুণৰ বিস্তাৰ,
ভুলৰ মুখাৰে ঢকা শুদ্ধ ৰূপান্তৰ।

মোৰ এই যৌৱনৰ তিল তিল প্ৰেৰণাৰে
গঢ়িপিটি ভ্ৰমি ফুৰি কৰিছোঁ সন্ধান
আদৰ্শৰ পূৰ্ণ মহাৰূপ। বিচাৰিছোঁ
লগতেই ক্ষুধিত পূজাৰী; লগৰীয়া
কৰি লই যাচিবলে' ভক্তিঅৰ্ঘ্য টুপি
সেই মহা সুন্দৰৰে দূৰতে উজলা
তপোজ্জ্বল ৰঙা দুটি লৱণু পদত,
অসীমক বান্ধি ৰখা মন্দিৰ মুখত।

মোৰ ভুল ?
পথিকক দিব খোজোঁ প্ৰাণৰ পৰশ,
অন্তৰ উজাৰি উঠা যত প্ৰেম উদ্দীপনা
সকলোৰে গঢ়ি তোলোঁ আদৰ্শ সখিক
নাই য'ত পাপ, হিংসা, ভুল সংসাৰৰ
একো আৱৰ্জনা,—যেয়ে মোক দিব পাৰে
কৰ্ম্মৰ প্ৰেৰণা—যাৰে প্ৰেম-পৰশত
পূৰ্ণ হব খোজে মোৰ আদৰ্শ সাধনা।

সখি মোক নুবুজিবা ভুল—
মোৰ এই যৌৱনৰ সকলো সঞ্চয় কৰি
গঢ়া মোৰ আদৰ্শৰ অমিয়া সংসাৰ
স্বপ্ন হই থাকোঁতেই নকৰিবা তুমি তাৰ

একো অপকাৰ ; এই মোৰ সপোনৰ
দিঠকত নহলেও পূৰ্ণতা প্ৰকাশ
কলা কলা প্ৰকাশৰে সৌন্দৰ্য্য বিস্তাৰি
মোকে তাৰ পোহৰেৰে অমিয়া বিলাব
কাঁইটীয়া অন্ধপথে চকুজুৰি পাব ।

সখি তুমি নকৰিবা ভুল ?
জগতৰ সকলোৰে আদৰ্শক গঢ়ি
তাৰে পথে পথে মাথোঁ খোজটি পেলোৱা
পিছলই একো নাই মাথোঁ আগ বাঢ়ি
জগতত আদৰ্শৰ গৰিমা বঢ়োৱা ।

সখি তুমি আদৰ্শৰ,
সখি তুমি জীৱনৰ,
সখি তুমি দিঠকৰ—
যিটি পথ বাছি লোৱা সেই পথেদিয়ে
পাবা সেই আদৰ্শৰ কল্পনা প্ৰদেশ,
সত্য প্ৰেম দয়া ক্ষমা সকলোকে শিকি
খোজ দিবা বাটে বাটে অতি ধীৰে ধীৰে
মিল হব পুনৰায় তাতে দুয়োটিৰে ।

আমাৰ ঘৰ
২৬।৯।৩৯

## ১৫ মৃত্যু বিভীষিকা

একেখনি পটভূমি
তাতে মোৰ জীৱন-নাটিকা,
চাই থাকোঁতেই দেখোঁ
পৰে আহি ঘোৰ যৱনিকা।

দুদিনৰ সুখ মোৰ
গ'ল কেনি পলাই আঁতৰি
সুপিত পৰাণ খনি
জাগে মোৰ আজিহে পাহৰি।

কৰ্ম্মৰ বোজাটি মই
পলুৱাই ৰাখিছিলোঁ ৰাতি,
কোনে আজি কি খেণত
খুলি গ'ল—ললোঁ শিৰ পাতি।

দিন মোৰ চমু চাপি
আঙুলিৰ পালেগই মূৰ,
গধুৰ ই বোজাটিৰ
কাম মোৰ নহলে' যে পূৰ।

যিমানেই ভাবোঁ মই
চমু চাপি আহে তিমানেই,
—'কোনদিনা কাম শেষ'—
—হুমুনিয়া ৰ'ব কাললই।

মাতৃৰ আদেশ মোৰ
—জীৱনৰো পিয়াহ আকুল,
কি গীতে ভুলাই থই
কৰিছিল মোক বিয়াকুল!

চঞ্চল জীৱন মোৰ
কৰ্ত্তব্যৰ বোজাটি মূৰত
সি যে আজি গীত গায়
কৰুণৰো কৰুণ সুৰত!

কোনে মোক নিচুকাব
আছে আজি কোন ওচৰত,
জীৱনৰ সপোনৰ
ভণিতাটি শুনে হেঁপাহত!

কৰমৰ বোজা মোৰ
কোনে দিব আজি পাতলাই
অসমৰ অসীমতা
পোহৰাব জগত-জনাই।

কোনে দিব ক্ষমা মোক
কাণি-মুনি লগাৰ পৰত
কাৰনো করুণ সুৰে
ৰঙ্ দিব মৰাৰ মুখত ?

কাণত পৰিল সউ
নিয়তিৰ নিওঁ বোলা মাত
সকলোকে কৰ যোৰোঁ
হক মোৰ ভগা হিয়া শাঁত
অসমৰ গুচি যক পাপ
দূৰ হক মোৰো হিয়া তাপ ।

কটন ছাত্রাবাস
১৮।১১।৩৮

১৬

কিয় ক'লা তুমি মোক ভাল পাওঁ বুলি ?
মই যে মৰিম,
নউ হওঁতেই মোৰ দুদিনীয়া কাম সমাপন
সৰিয়ে পৰিম।

দেহ প্ৰাণ সকলোটি জাৰে-জহে চেপা
ধুন-পেঁচো নাই,
পাবানেকি তথাপিও ভাল পাব মোক
—আশা কৰা নাই।

চকু দুটা জ্বলে মোৰ ব্যৰ্থ-অগণিৰে
তাতে মোৰ কপালৰো সিৰ কোঁচ খায়,
বদৰ তাপত ক'লা হ'ল মুখখনো
ব্যৰ্থতাৰ ডাক জুয়ে পুৰিছে সদায়।

তলসৰা ফুল মই বুটলি ফুৰিছোঁ
পূজিবলে’ চেনেহৰ পৰাধীনা আই
সেই ফুল নোৱাৰিম তোমাক যাচিব
জীৱনৰ ভোগ মোৰ বেছি দিন নাই ।

ভাল পোৱা যদি মোক তুমি সঁচাক’য়ে
ভাল পায়ে থাকা সৰ্ব্বদায়,
হবাহি প্ৰেৰণা মোৰ আইৰ পূজাৰ
নহলে’বা নাহিবা তুনাই ।

নবোৱা বালিসত্ৰ
১৮।৪।৩৯

১৭

নুসুধিবা সখি মোক জীৱনৰ কথা।
আধৰুৱা জীৱনৰো আধৰুৱা কাম
হোৱা নাই এতিয়াও পূৰ,
যাবই লাগিব যদি ইমানতে এৰি
ৰ'ব মোৰ শোকাকুল সুৰ।

পূৰ্ণ-জীৱনৰ কাম বিধি নিলিখিলে।
আদৰ্শৰ ছঁয়াটিক ৰিণি দেখা পাওঁ
কায়াটিক নেলাগেই বাৰু,
তুমি সখি দেখা নাই ছঁয়াটিৰো ৰূপ
দুখ মোৰ বাঢ়িছেহে আৰু!

কোনে সখি জগতক কথাটি জনাব
কোনে মোক ক্ষমা কৰি যাব,
কোনে মোৰ অন্তৰৰ পোৰণি বুজিব
নজনাতে ডেই-পুৰি যাব।

নবোৱা-বালিসত্ৰ
২৭।৪।৩৯

১৮

মৰণৰ তৰীখনি ধীৰে উটি গ'ল
নোৱাৰিলে নিব মোক তুলি,
আধৰুৱা জীৱনৰ আধৰুৱা কামে
ৰাখি থ'লে পূৰ হক বুলি ।

এইবাৰ তৰী আহি লাগিলে ঘাটত
মোক হলে নিব তুলি তাত,
অপূৰণ কাম বোলা মোৰ কাকুতিত
কাৰো দূত নহব সজাঁত ।

এইবাৰ জীৱনৰ দীঘল সময়
মৰণৰ মিছা ভাৱ হীন,
কামতে কটাই দিম, পূৰা কাম কৰি
দুৰ্দ্দিন কৰিম সুদিন ।

শোক-দুখ নাই মোৰ জীৱনৰ বাবে
মায়া মোহে নোৱাৰে টলাব,
কামেই ধৰম মোৰ, অসমে জীৱন
ছঁয়া-ভোগে নোৱাৰে সলাব ।

আদৰ্শৰ সখি আহি সদায় মাতিব
লগতেই আগুৱাই যাম,
সখিটিৰ লগতেই কাম-কৰ্ম্মী মিলি
অসমৰ ৰূপ-জ্যোতি চাম।

পূৰ হ'লে জীৱনৰ মহাব্ৰত মোৰ
তৰীখনি লাগিব ঘাটত
আপোন মনেৰে মই যাম আগবাঢ়ি
আঁৰবেৰ ন'ৰব বাটত।

নৱোৱা-বালিসত্ৰ
১১।৫।৩৯

১৯

আজি এই শাওণৰো ভৰ দুপৰীয়া
ডেই পোৰা বেলিৰ তলত,
বাই আছোঁ নাওখনি নিজ শকতিৰে
চাকনৈয়া ভৰা সুঁইতত।

নিজে গুৰিয়াল মই অকলশৰীয়া
মৰমৰো পাল গ'ল উৰি,
হঁাহিটিৰ জাপিটিও ভাগি-ছিগি গই
উকা আজি মোৰ এই তৰী।

বাই আছোঁ নাওখনি অকাতৰে মই
শকতিয়ে আঁটে মানে মোৰ
পাম বুলি আদৰ্শৰ মানস-সলিল
এই ব্যথা হব বুলি দূৰ।

হিমালয় জুৰি থকা গহীন শিলনি
ওপৰত বৰফৰ মেলা
তাতোকই উধাবলে' মনে গতি কৰে
টানি টানি জীৱনৰ ভেলা।

সন্ধিয়াৰ বেলিটিৰ পেলনীয়া আভা
বৰফ-ডাৱৰে সানি গাত,
মিলি পৰি হিমালয় সৰগৰ সতে
দেখুৱায় আদৰ্শৰ বাট।

সেই পিনে লক্ষ্যস্থান জীৱনৰ মোৰ
মাতি আছে মোক কোনোবাই
অসীম বিলোপ পোৱা সসীমৰ মোলে'
শান্তি তাতে আন ক'তো নাই।

আমাৰ ঘৰ
২৩।৭।৩৯

২০

ধৰণীৰ বুকু ফালি
প্ৰকৃতিক চালি-জাৰি
বিচাৰিলোঁ সৌন্দৰ্য্যৰ অমিয়া মাধুৰী,
কোনেওতো নুবুজিলে,
কোনেওতো নেযাচিলে,
—ভিখাৰীক কোনোবাই নিয়েনে আদৰি ?

ধাকুৰিছে মনটিও
ধাকুৰিছে প্ৰকৃতিও
পৱিত্ৰ অন্তৰে লই পূজাৰ কুসুম,
সুন্দৰৰ লুকাভাকু
পূজাৰীৰ কন্দাচকু
—সৃষ্টি কৰা পুৰুষৰ নহয় মৰম।

মই গাওঁ যত গান
নহলেও তাল মান
অন্তৰ উজাৰি মই ঢালোঁ চৰণত,
ভবা কথা অপ্ৰকাশ
অন্তৰতে সুবিকাশ
সেয়েনেকি সুন্দৰক ভেঁটে আঁতৰত ?

চিৰকাল বিচাৰিম
ত্ৰিভুবন বিদাৰিম
সীমাবন্ধা কল্পনাকো দিম উৰুৱাই
নহলেও কাষ চপা
নহলেও একো দেখা
হব মোৰ সেইটিয়ে ধ্যান সদায়েই।

আমিনগাওঁ ( ট্ৰেণত )
১৫।৮।৩৯

## ২১ প্ৰকাশ-মেলা

এই যে পাইছোঁ জীৱন আমাৰ
ব্যৰ্থ বিলাস মাথোঁ,
মায়াৰ ভোগৰ ৰূপটি সূচাই
যাতনাৰ মালা গাথোঁ।

যাতনা কাষৰি দিঠক ভুলাই
সপোন পাচত লৰোঁ,
তন্দ্ৰা ভাগিলে লক্ষ্য নেপাই
উজুটি সাবটি ধৰোঁ।

বেষ্টনি-বাহিৰ সুন্দৰ সাধনা
যিমানে কল্পনা কৰোঁ,
সসীম আহিল অসীম ভুলাই
তাকেই আকোলি ধৰোঁ।

সিওতো নহয় সুন্দৰ কণিকা
অমৰ আনন্দ দিয়া,
ই যে মাথোঁ ভুৱা কল্পনা-সাধনা
ভুলৰ পথেদি নিয়া।

অসীম অমৰ মোৰ ই পৰাণ
ইয়াতে নতুন কথা,
মোৰ ই সাধনা বিশ্ব-ৰচনা
হিয়াৰ হিয়াদি গঁথা।

প্ৰকৃতি আকোলি উথলে সত্যৰ
অৰূপ সুন্দৰ লীলা
অসীম জনৰ সসীম দেশত
সিয়েই প্ৰকাশ মেলা।

কটন ছাত্ৰাবাস
১০।১১।৩৮

## ২২ মই আৰু প্ৰিয়া

মই সাজোঁ
শিলৰেই মেৰ ঘৰ
প্ৰিয়াটিৰ কক্ষ বন্দীশাল,
হৃদয় বিদাৰি কান্দি
প্ৰিয়াটিয়ে দিয়ে লাল-কাল।

মই শিল্পী সুনিপুণ,
তাতে মোৰ পৰাণ উথলে,
শিলে মোৰ প্ৰাণ পায়
প্ৰিয়াটিয়ে উচুপে নীৰলে।

তেওঁ কান্দে ভিতৰত
মোৰ প্ৰাণ শিলা যেন পাই,
মই হাঁহোঁ বাহিৰত
কৃতকৰ্ম্মী শিল্পীটিক চাই।

আমাৰ ঘৰ
২।৭।৩৯

২৩ 

# শিলৰ প্ৰাণ

প্ৰকৃতিয়ে হাতে-গঢ়া দুখনি পৰ্ব্বত
প্ৰভাতী অৰুণে তাতে জেউতি চৰায় ,
দুয়োৰে বুকুৰ পৰা দুচপৰা শিল
নামনিত ধীৰে পৰি ধ্বনি কৰি ৰয় ।

লাহে লাহে বাঢ়ে জ্বলি ফিৰিঙতি এটি
নুমাবৰ কাৰো শক্তি নাই,
দুয়োখনি পৰ্ব্বতকে পুৰি ছাই কৰে,
প্ৰকৃতিৰ পূৰ্ব্ব শোভা কেনিবাদি যায় ।

দূৰ্বণিত দৰ্শকৰ চকু ঘূৰি যায় ;—
দুয়োটিয়ে অকলই নিজা ৰূপ চায়
ইটিয়ে সিটিক দেখে আভৰণ নাই
একে ছাটি বতাহেই দুয়োকে কোবায় ।

লাহে লাহে গজি উঠে সেউজীয়া বন,
এই বাৰ শোভা চৰে আপোন সৃজন ।

আমাৰ ঘৰ
২০।১।৪০

## ২৪ শিল আৰু বন

শিলনিত গজে কিবা সৰু সৰু বন ;
বাৰিষাৰ মৰমত পৰে শেলুৱই
তাতেই শিপায় মিহি নীলা বন বোৰে
শিলকেই সাৰ বুলি অঁাকোৱালি ধৰে ।

বনে ভাবে—
পাষাণক চুহি চুহি হলোঁ সঞ্জীৱিত
পাষাণ গলাই মই আপুনি গৰ্ব্বিত ।

পাষাণে মিচিকি উঠে কিৰণ বোলেৰে ;
অসহায়া বননিক চায় উলাহেৰে
আপোন ৰূপতে দেখে আভৰণ পৰে
নিজে তাৰ ৰূপ চাই আপোন পাহৰে ।

পাষাণৰ দয়া হয় একোকে নকৰে
বননিয়ে অঁাকোৱালি নিজক বিস্তাৰে,
লাহে লাহে দুয়োটিয়ে প্ৰভেদ পাহৰে
শিলনি বননি মিলি এটি হই পৰে ।

আমাৰ ঘৰ
১২।৯।৩৯

## ২৫ পাষাণ আৰু মই

জগতৰ বিশাল বুকুত
পাষাণৰ নানা লীলাখেলা,
পাষাণক বুকুতেই তুলি
ময়ো এৰোঁ জীৱনৰ ভেলা।

পাষাণেৰে চেনেহা-চেনেহী
আচৰিত একোৱে নহয়
পাষাণে অন্তৰে মিলি
সাজে যদি তাজৰ আলয়।

কলিকতা
১৪।৬।৪০

২৬

## অকলশৰীয়া

একেটি গায়কে গায়
শুনে একেটিয়ে
যশস্বীৰ যশ গায়
অকলে থাকিয়ে।

গায় নিজে শুনে নিজে
কয়ো নিজে নিজে,
তাতে মধু কল্পনাৰ
প্ৰেম কথা সিজে।

নবোৱা বালিসত্ৰ
১৪।৪।৩৯

২৭

এটি ধূলি কণাতেই উজলিল বিৰাট ধৰণী
বনফুলো এটিতেই অমৰাৰ পুৰি,
অসীমক সামৰিলোঁ সসীমৰ হাতৰ মুঠিতে
অনাদি কালকো মই পলতে আবৰি।

মোৰ দুটি চকুতেই ৰূপো লয় চিৰসুন্দৰৰ
অসীম প্ৰেমৰ ছবি এষাৰি কথাতে,
মোতে বিশ্ব জগতৰো স্বৰূপ বিকাশ হয়
সকলো অসীম মিলে মই সসীমতে।

আমাৰ ঘৰ
২২।৭।৩৯

২৮

বহুদিন সপোন দেখিলোঁ
আজি মোৰ সপোন ভাগিল,
সপোনৰ মৰীচিকা খেদি
মোৰ প্ৰাণ ভাগৰি পৰিল।

দিঠকত আজি মই দেখিছোঁ আগত
বিৰাটৰ অপৰূপ ৰূপ,
তাতে আজি মোৰ পূজা যাচি থই যাম
ব্যৰ্থতাৰ জ্বালি দিম ধূপ।

কলিকতা
৫।৬।৪০

## ২৯ শুকান পাত

গছৰ শুকান পাত ৰসো তাত নাই
তথাপিতো গীত এটি গায়,
খোজে পতি হিয়া মোৰ ভৰি নিয়ে গীতে
দুটি ভৰি খোজ কাঢ়ি যায়।

হিয়াৰ বীণৰ মোৰ তাঁৰ এডালিত
গুমুনিয়া তোলেহি ফুটাই,
খৰ্ খৰ্ শব্দ মাথোঁ শুকান পাতৰ
হিয়া ভৰি সেয়ে গীত গায়।

কটন ছাত্ৰাবাস
১৯।১২।৩৮

৩০ 

## বিশ্বগান

নতুন বতৰা আজি দিয়ে প্ৰকৃতিয়ে
কিবা যেন পাই
অৰূপ কল্পনা কৰা ৰূপৰ সঁফুৰা
তাতে উলিয়ায় ।

নতুন কবিতা মোৰ—সুন্দৰে জগায়
অপৰূপ প্ৰাণ
প্ৰকৃতিত প্ৰকাশৰ প্ৰতিমাটি গঢ়ি
গায় বিশ্বগান ।

কটন ছাত্ৰাবাস
২২।১২.৩৮

৩১

## দেৱদাসীৰ উত্তৰ

খোজা নাই গুচাবতো দেৱতাৰ তৃষা মই
আথাউনি মোৰ এই ৰূপ-যৌৱনেৰে,
ভৰা হিয়া যাচি যাচি মোৰ ই আকুল চিতে
আপোনাৰ অন্তৰৰ পিয়াহ পাহৰে।

দেৱতাক দোষ দিছা ? দেৱতাই নিবিচাৰে
মানুহৰ ভগা হিয়া তেজেৰে বোলোৱা,
দিয়া যদি অকপটে এখনি সৰল হিয়া
অপ্সৰাৰো প্ৰেমাঞ্জলি আঁতৰাই থোৱা।

অমৰ সুষমা ভৰা পাৰিজাত মন্দাৰৰ
দেৱতাৰ দুচকুত এটিও নপৰে,
মৰতৰ অনাদৃত এপাহি ফুলকে দেখি
দেৱতাই সৃজনৰ তৃপ্তি পাব পাৰে।

জগতৰ ধনী আৰু সৰগৰ অমৰত
সসীমৰ বিজনিৰ তৰ্কজাল নাই,
"তৃষাতুৰ বালি"য়েও নিজৰ অন্তৰ ফালি
লুইতকে সাধনাৰ যৌৱন বিলায়।

কাঁইটীয়া কুঞ্জবনে নিবিচাৰে কেতিয়াও
পৃথিবীৰে কাঁইটীয়া "ওঁঠৰ লালিমা",
বিচাৰে এখনি মাথোঁ সৰল মুগুধ হিয়া
অকাতৰে দিবলই চেনেহ সুষমা।

মাটিৰ সন্তান মেয়ো, সংশয়, বেদনা মোৰো
মোৰো এই জীৱনত দুখ অপমান,
সেয়েহে মাতিছোঁ মেয়ো—দেৱতাৰ কাষলই
আহাঁ এৰি বাসনাৰ তুচ্ছ অভিযান।

তোমাৰেই হিংসামত্ত ঈৰ্ষাৰ বেদীতে তুমি
ভুলতেই বলি দিছা অসীম দেৱতা,
শঙ্কাৰ স্পন্দনো তুমি সেয়েহে তোমাত পালা
কামনাৰ দাস তুমি—তাৰ দুৰ্ব্বলতা।

কৰা নাই দেৱতাই তোমাৰে সংগ্ৰাম কোনো
তোমাৰেহে ইটি মাথোঁ মিছা উন্মাদনা,
চিৰজয়ী সৃষ্টিকৰে ইহি আছে মন্দিৰতে
আহাঁ তুমি তাকে চাই লোৱাহি সান্ত্বনা।

কলিকতা
২৭।১২।৪০

৩২ "মোৰ দেৱতা"ৰ পূজাৰীলৈ

মুখেদি নোলায় সখি হৃদয়ৰ কথাষাৰি
প্ৰাণেও নুবুজে দেখোঁ পৰাণৰ ভাৱ,
আকুল হিয়াই মোৰ সৱাকে মৰম যাচে
তথাপিতো মানুহৰে প্ৰাণৰ অভাৱ।

কায়-মন ফুল লই ভক্তিৰ ডোলেৰে গাঁথি
দেৱতাক সদায়েই পূজা যাচি যাওঁ,
প্ৰাণৰ দেৱতা বুলি আকুল সুৰেৰে কান্দি
চকুলোৰে দেৱতাৰ চৰণ ধুৱাওঁ।

"পাষাণ দেৱতা" সখি প্ৰাণতে সদায় মোৰ
বিচাৰি পৰশ মই তথাপিতো যাওঁ,
চকুলোত ভাহি উঠে দেৱতাৰ মূৰ্ত্তিখনি
মৰম পৰশো হ'লে কেতিয়াবা পাওঁ।

দেৱতা সৰগী বন্ধু, অসীম-সুন্দৰ সখা,
দেৱতাই চল ভুৱা একোকে নকৰে,
আমাৰ মৰম প্ৰিয়, প্ৰতিদান স্বত্বহাৰা
বিচাৰিলে ব্যৰ্থতায়ো আগুৰিহে ধৰে

ছঁয়া খেদি জীৱনত ফুৰিবা কতনো কাল
দেৱতাক খেদিয়েবা ধৰিবা কেতিয়া,
হিয়াৰ দেৱতা যদি আপুনি নিমাত হয়
করুণ মাতকো জানো শুনিব তেতিয়া ?

শূইনতে যদিওবা তোমাৰো আতমা লয়
তথাপি প্রভেদ সখি দেৱতা আতমা,
দেৱতা জোনাকো হলে নোৱাৰিবা সাদৰিব
বিৰাটে বিন্দুৰে বাৰু কিহৰ তুলনা ?

বিৰাট বুকুত প্ৰিয় অকণি আত্মাই তযু
পাব হলে চিৰকাল পাবলগা ঠাই,
কিন্তু সখি কেনেকই অনন্ত-পৰিধি-ব্যাপ্ত
বিৰাট দেৱতা পাব ক্ষুদ্ৰ আতমাই ?

বিৰাট প্ৰশান্তজন বাহিৰত বিচাৰিলে
দূৰতে বিদূৰ হই থাকিব আঁতৰি,
ধিয়ানি তেওঁৰে ৰূপ বিশ্বখনি ঘূৰিলেও
জীৱনত কোনো কালে নাপাবা আহৰি।

প্ৰণয়ৰ দানবীৰ নেদেখাৰ দেৱতাৰে
কল্পনাত তুমি সখি হলা চিনাচিনি
মনে-গঢ়া হেমহাৰ অন্তৰতে যাচিলেহে
দেৱতাই কেতিয়াবা লবহি আপুনি।

বিৰাট ধৰণী সখি ভ্ৰমিলেও নেদেখিবা,
—দেৱতা সজাগ হ'লে তযু হৃদয়তে
ভকতি-প্ৰীতিৰে ভৰা গানেৰে অঁাজলি যাচা,
তেতিয়াহে হব পাৰা মিল দেৱতাতে।

●

নৱোৱা-বালিসত্ৰ
২।৬।৩৯

## ৩৩ শ্ৰীমান নৰনাৰায়ণ গোস্বামীলৈ

ই যে আজি কত দিন তোমাক আহিলোঁ এৰি
প্ৰতি পলে যেন এটি বছৰ বাগৰে,
কালৰো দুৱাৰ ধৰি বছৰক পল কৰা
মিলনৰ খেণ আজি অন্তৰে বিচাৰে।

জোন-বেলি উঠি-পৰি জগত সজাগ কৰে,
আমি ৰওঁ—কালহীন কোনোবা পুৰত,
আজি তাৰ স্মৃতি লই তোমাক বিচাৰে মনে
—দীঘল জীৱন যপোঁ পলক সুখত!

দুয়োটিৰে এৰা-এৰি পুৱাৰ মেঘৰ সতে
মিলোঁ যেন হেঙুলীয়া পুৱাৰে পৰত,
দুটি প্ৰাণ মিলি এটি অনন্তৰ উশাহত
গঢ়োঁ কিবা দিঠকৰ অজান-জগত।

আনন্দৰ ৰাম-ধেনু তোমাৰে মিহলি হই
নীলা মোৰ আকাশত হলহি মুকলি,
মোৰ প্ৰাণ লুব্ধ কৰি বিষাদ আঁতৰ কৰে
কাৰ সোণ-কাঠী লাগি আজিৰ বিয়লি?

কলিকতা
২০।২।৪১

সাজি দিয়া সোণৰ কলম এটি, আৰু দিয়া
এটি মোক আকাশৰ উজ্জ্বল তাৰকা,
স্মৃতিৰ মহীৰে লিখোঁ সপোন "আমাৰ ঘৰ"
দিঠক "আমাৰ ঘৰ"—জীৱন্ত কবিতা।

ৰূপহীন ভাষাহীন পুৰণি পঁজাত সেই
ভাষা দিওঁ চালে-বেৰে দুৱাৰে দুৱাৰে,
সন্ধিয়াৰ মলয়ত সুৰুদি গোন্ধেৰে লিখোঁ
—দেখি যাক মৰণেও আপোন পাহৰে।

জোছনাৰ তাঁৰেৰে বান্ধোঁ নীলিমাত এনে সুৰ
কেতেকীয়ে তাকে শিকি গৌৰৱ ঘোষক,
আমাৰো কল্পনা উৰি সৰগ ধিয়াই গই
অতীতেৰে হিয়া-ভৰা কথাটি পাতক।

সপোনো দিঠক কৰি তাঁতৰি আহিলোঁ সখি
আজি সি যে এটি মাথোঁ বিয়াকুল স্মৃতি,
তাতেই লুকাই আছে অফুট ভাষাৰে ভৰা,
আনন্দ উপচি পৰা সৰগৰ প্ৰীতি।

কবিতাৰ দেশ বোলে মানুহে নাপায় ঢুকি
—আমি তাৰ ভাঙ্গি দিলো ভুল,
"আমাৰ ঘৰে"ই সখি আমাৰ কবিতা পুৰি
অদ্বিতীয় সি যে এক আবেগ-মুকুল।

কলিকতা
৮।১২।৪০

# নিবেদন

মনৰ অবাধ্যতাৰ তাড়নাত ওপজা দুই এটা ভাৱ মাজে সময়ে ভাষাৰ জালেৰে ধৰিবলৈ চেষ্টা কৰিছিলোঁ। সঙ্কীৰ্ণ বন্ধুবৃত্তৰ মাজতে সি আৱদ্ধ আছিল; তাৰ উদ্দেশ্যও আছিল তেনেকুৱাই। কিন্তু সোদৰোপম শ্ৰীমান ভৱানন্দ দত্ত, শ্ৰীমান সুৰেন্দ্ৰমোহন চৌধুৰী আৰু শ্ৰীযুত চক্ৰেশ্বৰ ভট্টাচাৰ্য্য দেৱৰ খেচখেচনিত বা উদগণিত কেইটামান বাছি ছপাবলৈ ললোঁ। বাছনিও তেওঁলোকৰ আৰু নামাকৰণো কৰি দিছে শ্ৰীমান ভৱানন্দই।

'ছঁয়াময়া' জন্মৰ গুৰিত বহুতো বন্ধুবান্ধৱৰ অনাবিল মৰম সোমাই আছে; তাক অনুভৱ কৰি ব্যক্তিগত অযোগ্যতালৈ ভাবি লাজ পাবলৈ আহৰিকে নহল। তাতে শ্ৰদ্ধাস্পদ শ্ৰীযুত পোৱালচন্দ্ৰ দুৱৰাদেৱে ছপা বিষয়ত সহায়তা কৰাত আৰু বেছি উৎসাহিত হলোঁ। দুৱৰাদেৱলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

এতিয়া ৰাইজৰ মৰম-সমালোচনা পালে "ছঁয়াময়াৰ" প্ৰকাশ উদ্দেশ্য পূৰ্ণ হব।

ৰঙালি-বিহু,<br>৪৯২ শ্ৰীশঙ্কৰাব্দা

শ্ৰীমহেশচন্দ্ৰ দেৱ গোস্বামী

# টোকা

মিলন প্ৰতীক্ষা—শ্ৰীযুত উপেন্দ্ৰনাথ শইকীয়াক ২৮।৬।৩৯ তাৰিখে প্ৰথম লগ পোৱাৰ আশা কৰি।

'মই আৰু প্ৰিয়া'—বিশ্বকবি ৰবি ঠাকুৰৰ কবিতা এটিৰ ভাৱ লৈ লিখা।

'শুকান পাত'—George Meredithৰ কবিতা এটাৰ মুকলি ভাঙনি।

'"দেৱদাসীৰ" উত্তৰ'—শ্ৰীযুত দেৱকান্ত বৰুৱাৰ "দেৱদাসী" কবিতাৰ উত্তৰ।

'"মোৰ দেৱতা"ৰ পূজাৰীলৈ'—শ্ৰীযুত উপেন্দ্ৰনাথ শইকীয়াৰ "মোৰ দেৱতা" ( দ্বিতীয় বছৰ, ১২শ সংখ্যা, 'জয়ন্তী' ) কবিতাৰ উত্তৰ।

'শ্ৰীমান নৰনাৰায়ণ গোস্বামীলৈ' আৰু 'আমাৰ ঘৰ'—সোদৰোপম শ্ৰীমান নৰনাৰায়ণ গোস্বামীক উদ্দেশ্য কৰি লিখা। গুৱাহাটী দীঘলীপুখুৰী পাৰৰ মোঃ মঃ তৈয়বুল্লা চাহাবৰ পৰা ভাৰালৈ লোৱা সৰু ঘৰটি আমাৰ ঘৰ নাম দি 'মেচ' কৰা হৈছিল ২৮।৬।৩৯ৰ পৰা ১২।৪।৪০ লৈ।

আমাৰ ঘৰৰ গৌৰৱণিত চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, ভৱানন্দ দত্ত, উপেন্দ্ৰনাথ শইকীয়া, শৰৎচন্দ্ৰ বৰা, সুৰেন্দ্ৰমোহন চৌধুৰী, নৰনাৰায়ণ গোস্বামী আৰু লিখকৰ উমৈহতীয়া জীৱনৰ মধুৰ কাহিনীবোৰ সঁচা আছে। কবিতা দুটি তাৰে অকণমান প্ৰকাশ চেষ্টা।